গাতে কুড়িঞ এাম লেখান্ মুলু জুতান লান্দাকে
মনগেদঃ বহা কউআড়কঃ
চেদাই লেকান্ চেহেল চেপেল মন গেদঃ হোই কঃ
বাচকাতে দিন গেদঞ বিতাও কেতিঙা।

৩৪। দেনতিঞ নায়েগঃ জুড়ি ছাড়ি দেনতি নায়েগ জুলি করতাল
চেতান টলা গাতে কড়াদঞ হিৰি আগুকাই,
গাতে কড়াই হিড়িঞ লিওখান্ জনম জনম বাগিহোয়ঃ
গাতে কড়াদ অহঞ বাগিলে,
গাতে কড়াই বাগিলিংখান আৰাগাম চাঞ অড়েজা।
নবক গাডা দা বেয়িং ডম্বলা,
ইঞা জিরী দই বফা কউ আড় তিঞ।



# টুসু গীত ঃ

পূহ মাহৰ সংক্ৰান্তিত হোৱা উৎসৱটিক চাহ মজদুৰ সকলে পৌষ সাবৱ বুলি কয়, অসমীয়া সমাজে যাক মাঘ বিহু নাম দিছে। এই পৌষ পৰৱত চাহ মজদুৰৰ একাংশই টুসু পূজা পাতে। প্ৰৱাদ আছে যে, টুসু হ'ল এগৰাকী সতী স্বৰূপ নাৰী। এই টুসুক কেন্দ্ৰ কৰিয়েই টুসু গীতৰ সৃষ্টি। টুসু গীতক নাৰী প্ৰধান গীতৰ শাৰীত ধৰা হয়। সংক্ৰান্তিৰ ৰাতি চাহ মজদুৰ জীয়াৰী-বোৱাৰী হঁতে তিনি-পাঁচ-সাত বা নদিনৰ আগৰে পৰা ঠিক কৰি থোৱা কোনো এঘৰত গোট খায় আৰু টুসুৰ প্ৰতিমা বা কাগজেৰে তৈয়াৰী মৰল সন্মুখত লৈ গোটেই ৰাতি টুসু গীত গায়। ডেকা হঁতো তাত পিচপৰি নাথাকে। ইয়াক টুসু জাগৰণ বোলে। পিচদিনা পুৱা গীত গাই গাই প্ৰতিমা বা মৰলটো নদীত উটুৱাই দিয়ে। টুসু পূঁজা উপলক্ষে গোৱা এই টুসু গীতত ভাৱৰ ব্যঞ্জনা আৰু ভাষাৰ সাৱলীলতা বিশেষ লক্ষ্য কৰিব লগীয়া। টুসুগীত জোৰা নাম দিও গোৱা হয়।

১। তেল দিলাম শলিতা দিলাম স্বৰ্গে দিলাম বাতি গ'
সকল দেৱতা সন্ধ্যা লেও মা গো লক্ষ্মী স্বৰস্বতী গ'
গায় আইল ব'চুৰ আইল, আইল ভগৱতী গ'
সন্ধ্যাৰ বেলা পাৰাই গেল গো সন্ধ্যা কেন দিও না।
কুমাৰ ঘ:ৰ তেল নাই মা ধৰি ঘৰে বাতি গ'
সন্ধ্যাৰ বেলা পাৰাই গেল গো সন্ধ্যা কিসে দিব গ'
সন্ধ্যা দিতে কৈলাম মাকে গো সন্ধ্যা কেনে দিও না
দি.নৰ আলো চুবে গেল গো সন্ধ্যা কেনে দিও না।
তেল দিলাম শলিতা দিলাম স্বৰ্গে দিলাম বাতি গ'
সন্ধ্যা নিয়ে বাৰাই গেল গো ঘৰেৰ কুন্দৰতী গ'।

২। তদেৰ ঘৰেৰ নতুন টুসু
ভাই কৰি আনা গনা
বিদায়েৰ বেলা যাচ্ছি
চৰ বলে কেও বলনা।

৩। তদেৰ টুসু ফুলে ভৰা
পুর্ণিমা চাঁদেৰ আহ্লা
এমন কৰে ৰাখবে তৰা
মাই বাপেৰ কদম তলা।

(ৰং) সেকি এমণি যাবে, আকাশে পাতালে
ধুলা উড়াবে
সেকি এমণি যাবে।

৪। কি বলব গো মসী পিসী
কি ৰলব দুখেৰ কথা,
কাঁচা বাঁশে ঘুণ লাগেছে
তেমণি হামাৰ দুখ দশা।

(ৰং) টুসু মণিৰ কলে
হেলন দিয়ে জল খাব
আঁচল তলে
টুসু মণিৰ কলে।

৫। মার্কিণ কাপড় মার্কিণ কাপড়
পিন্ধতে বড় সাধ গেল,
লাপাকাটিৰ চাৰালিতে
বৈশে সাৰা ৰাইত গেল।



৬। কুঞ্জ বনেৰ কুঞ্জলতা
ফুল ফুটে ঝপা ঝপা,
একটি ফুলে বসে ভ্রমৰ
সব ফুলে কৰে আশা।

(ৰং) ৰাজবালা গাথঁয়ে মালা যতনে
পৰাব গলে
মন মোহন সখীৰে সখী তোমাৰে।

৭। আঁচিৰে পাঁচিৰে পদ্দ
পদ্দ ভায়া ফুটেনা,
টুসুৰ বুকে জড়া পদ্দ
ভ্রমৰ ভয়ে বসেনা।

৮। ধান কাটি গো নাঢ়া কাটি
নাঢ়ে কাটে ঘৰ ৰান্ধি,
সেহ ঘৰে পানী গিৰে
বসে সাৰা ৰাইত কাঁদি।

৯। পহনা খাতে গেলি হামৰা
ঘুমাইছিলি বালিসে,
আধা ৰাইতে ঘুম ভাঙ্গেছে
খাই মাৰেছে উড়িসে।

(ৰং) সাধেৰ লাল টেমাটা পহৰ কৰে
আছে যে লো এঠিনটা
সাধেৰ লালটেমাটা।

১০। আলু কইলাম শাৰী শাৰী
কলা কইলাম দুই বাড়ী,
ভাল কৰে কাটবে কলা
কাইল যাব শ্বশুৰ বাড়ী।

(বং) তবা থাকলো বসে
উড়া জাহাজ উড়ছেলো দেশে দেশে
তবা থাকলো বসে।

১১। বাড়ীৰ ওপৰ শিমল গাছটি
কাটে কৰব বেল গাড়ী,
যাবে ছঁড়ী মাকে বলবি
পালাই যাব ফুল বাড়ী।

১২। গান গাহা তব যেমন তেমন
ঢল বাজাতব সাজেনা,
হামৰা যদি ঘুৰাই বলব
তদেব মোৰাদ ৰাখবনা।

(বং) সেকি এমনি যাব ঐ ছড়াদেৰ
হাড় ফুটে দলং দিব
সেকি এমনি যাব।

১৩। এল এল কাল ছঁড়ী
তবত ৰড় ৰূপ দেখি
তব ৰূপকেও উঁইয়ে খাবেক
জঙ্গল ঝাড়ে ঘুমাবি।

(বং) ছিঃ ছিঃ লাজ লাগে না
চেপা নাখে লুলুক পিন্ধা
ছিঃ ছিঃ লাজ লাগে না।

১৪। চাল চিড়া কুটলি ছড়ী
পালাই যাব বলেৰে,
শেষ ৰাইতে তুঁই ধৰা খালি
কাল ছঁড়াৰ হাতেৰে।



(বং) ছঁড়ী যাবি কথায়
টানে আনে মাৰব লো
চেঙেল জোতা খোলে
ছড়ী যাবি কথায়।

১৫। শাগ তুলেছে লতা পতা
মাছ ধৰেছে গেঁতাৰে,
ননদ ভৌজাই দেখা দেখি
কাৰ কেমন খসাঁৰে।

(বং) তদেব একাই ভাল
সৰসা ফুলটি চিপে চিপে দিয়ে আল
তদেব একাই ভাল।

১৬। ছাড়ে দেও ছাড়ে দেও ঘড়া
অহৰে হামাৰ শিশু ধন,
ৰামেৰ সঙ্গে ৰণ কৰে মৰেছিল
লংকাৰ ৰাৱণ।

(বং) ৰামেৰ জড়া বেটা
লৱ কুশ নাম ৰাখে মাথায় জঁটা
ৰামেৰ জড়া বেটা।

১৭। এ ৰামেৰ মা, এ ৰামেৰ মা
দেখগো ৰামেৰ দুখ দশা,
বস্ত্র বিনে গাছেৰ ৰাকল
তেল বিনে মাথায় জঁটা।

(বং) ৰাজ বালা গাঁথয়ে মালা যতনে
পৰাব গলে,
মন মোহন সখীৰে সখী তোমাৰে।

১৮। অশোক বনে পাতের ঘরে
সীতাকে রাম রাখেছে,
যোগীর ভেঁশে রাবন আসে
সীতা হরণ করেছে।

১৯। সীতা লেগলে ভালই করলে
রাখবি রাবণ যতনে,
দেখবরে তর সনার লংকা
দিবরে দহন করে।

২০। আইরে হনু যাবে হনু
বসরে হনু পরবতে,
হাঁটু গাঁড়ে গদা ধরে
মার শালা রাবণকে।

২১। মেয়েরা সব করছে স্যাণ্ডেল ব্যবহার,
কলির মেয়ে স্বাধীন হলোগো সতীত্ব আরু রাখলনা,
নিজ পতি ত্যজ্য করি উপপতি ছাড়ল না
যুগ স্বাধীন এবার।
হাল ফ্যাসানের নর-নারী গো দেখি অতি চমৎকার
ঘোমটা খুলে চশমা চোখে হিমানী করে ব্যবহার,
সামনে সিঁথি উলটে দিয়ে গো, বামে টেরি ঘেরা সবার
দয়াল এখন ভাবছে বসে সংসার হ'ল অসার।

২২। ফুল গাছে কুইলিনী ডাকে ডালিম গাছে কের্কেটা
আমার টুসু ফাঁদ আড়ছে লাগেছে রাজার বেটা।
মাগো আমি ফুস পাতার ফুলকে আমি কি দিব,
বাজার যাবো পইসা পাবো, ফুলকে ফুলান তেল দিব।
পুরুল্যাতে দেখে আইলাম দনায় দনায় দুধ বালা,



আমার টুসুর মাইরে ছেল্যা কারে দিব দুধ বালা।
পুরুল্যাতে দেখে আইলাম শাল গাছে বেল ধরেছে,
চলরে বেল তুলতে যাব কার কমরে জর আছে।

২৩। চল টুসু চল খেলতে যাব
রানী গঞ্জের বটতলা,
খেলতে খেলতে দেখে আসব
কয়লা খাদের জলতলা।
হলুদ বনের টুসু তুমি
হলুদ কেন মাখনা,
শাশুড়ী ননদের ঘরে হলুদ মাখা সাজেনা।

২৪। অ' টুসুর মা অ' টুসুর মা তদের কি কি তরকারী,
ঐশালাদের বাড়ীর বাইগন বড়নদীর ঘগলী।
চিঠি পাঠাই ঘড়া পঠাই
তবুও জামাই আসেনা,
জামাই আদর, বড় আদর তিনবেলা বই থাকেনা।
আর দুদিন থাক জামাই খাতে দিব পাকা পান,
বসতে দিব শীতল পাটি
নীলমণিকে করব দান।

২৫। বেলা উঠে কিনি কিনি তবু টুসু উঠেনা,
উঠ টুসু চাওন কর আমায় জ্বালা দিওনা।
আমার টুসু পান খাইয়াছে, পিক ফেলেছে সড়কে,
উহার টুসু হেংলা মাগী পিক কুড়ায়ে খায়েছে।
টাকা নিলি বিয়া দিলি দিলিরে বুঢ়া বরে,
বুঢ়ার সঙ্গে যাইতে হল রানীগঞ্জের বটতলে।
রানীগঞ্জের লোকে বলে ইটা তোমার কেবঠে,
ল্যাজের মাথা খাইয়ে বলি ঠাকুর দাদার বাপ বঠে।

২৬। মাগো মাগো বিয়া দিলে বড় নদীর সেপারে,
এত বড় পোষ পরবে রাখলিমা পরের ঘরে ।
মাগো আমার মন কেমন করে,
যেমন শোল মাছে উফাল মারে ।

২৭। এক সহরে দুই সহরে তিন সহরে লোক চলে,
আমার টুসু অমনি চলে বিন বাতাসে গা দোলে ।
তোরা মর জলে ॥
এক শো টাকা, দুশো টাকা, তিনশো টকা রাখবলো,
হাত বালাটা খচে গেল রাখলোরে তোর হাত লড়া।
তোরা মর জলে ॥

২৮। সরস্বতী বন্দনা :
জয় দিয়ে বন্দি রাঙ্গা চরণ দুখানি ।
এস শত দল বাসিনি ॥
জোড় করে বন্দি তোরে জয় মা বীনাপাণি ।
জানিনা মা তোর মহিমা, বর্ণিতে অল্প জানি ॥
আমি পামর অজ্ঞানি নর, অজ্ঞানে জ্ঞান দায়িনী
দয়া করে দাও গো মোরে, রাঙ্গা চরণ দুখানি
স্বরস্বতী দাও সুমতি, রচিতে টুসুর গান খানি
দাও গো ভক্তি চিন্তা নমি মা বীনাপাণি
শ্রীকান্ত ভণে তোমা বিনে, অন্য জনে না জানি
কৃপা করে তরাও মোরে নমস্তে নারায়নী ।

২৯। শ্রীকৃষ্ণর উক্তি :
রাধা নামের সাদা বাঁসরী ।
একবার ডাকো রাধা নাম ধরি ।
ওরে বাঁশী দিবা নিশি, যার তরে সাধন করি ।
মধুর স্বরে ডাক তারে, রাধা রাধা নাম ধরি ॥
বাঁশী শুনি বিনোদিনি, ধৈর্য্যনাধরিতে পারি পারি ।
গৃহ ছাড়ি তাড়া-তাড়ি, কদম তলে আসবে প্যারী ॥
রাধা রাধা বলরে সাধা, রাধা নামে বাঁসুরী ।
শ্রীকান্ত ভনে বাঁশীর গানে, পার কর ভবতরী ॥

৩০। শ্রীমতীর শ্যামের প্রতি উক্তি :
বিহাইলা যৌবন নারীর বড়ই যাতনা
বঁধু যেনেও কি হে জেনোনা ॥
নারী কুলে জন্ম দিলে, দিলে কত যাতনা ।
আর দিলে জাতি কুলে, যে কুল ছাড়া চলেনা ॥
গৃহের বাদি ঐ ননদি, অ-সতী বৌ বলে না ।
জলকে গেলে সঙ্গে চলে, উপায় কিছু মিলেনা ॥
ওহে কালা না দাও জালা, শিশু প্রাণে সহেনা ।
কালা শশী না বাজাও বাঁশী, করিহে তোমায় মানা ॥
যৌবন কালে বিয়া না হ'লে, মনের আশা মিটেনা ।
শ্রীকান্ত ভনে ভব যাব সনে, সেকি আর শুনিবে মানা ॥

৩১। বড়াই উক্তি :
ঐ পীরিতে মজলে প্রাণ ধৈর্য্য ধরা দায় ।
পীরিত করবে না শিশু বেলায় ॥
জেনে-শুনে প্রেম রতনে, হেরাবে না যৌবন জালায় ।
প্রেমের ফাঁসি সর্ব্বনাশী, পরবে না নিজের গলায় ॥
ঐ পীরিতে মজলে পাগল, ধৈর্য্য ধরে থাকা দায় ।
ভয় না থাকে অন্তরেতে, সদর হলে প্রাণ যায় ॥
প্রেম পীরিতির এমনি রীতি, প্রাণ গেলেও ছাড়া দায় ।
শ্রীকান্ত বলে প্রেম করিলে কুল যোগা তোর হবে দায় ॥

৩২। শ্রীমতীৰ উক্তি ঃ

বলেদে কেমনে বৃন্দে পাব তাহাৰে ।
আমি ৰইব না শ্বশুৰ ঘৰে ॥
বন্ধ খঁচাব পাখী যেমন, গুমৰে মৰে পিঞ্জৰে ।
আমি তায় পাইনা উপায়, মিলব শ্যাম কি কৰে ।
সাঁপেৰ মত থাকব কত, ৰইব বল কি কৰে ?
সেই যাতনা আৰু সহেনা, বইবনা সেই তাৰ ঘৰে ॥

৩৩। কুটিলাৰ উক্তি ঃ

দেশে ছাড়ে বিদেশে মজলি ।
ও তুই কাহাৰ কথায় কি হলি ।
সন্তা পালি প্রেমিক অলি, জলদি পীৰিতি কৰালি ।
পৰ পীৰিতে মজলি তাতে, দাদাকে মোৰে ছাড়ালি ।
বিদেশী বেধুৱাৰ সঙ্গে, প্রেম পীৰিতি কৰিলি ।
বিহাইলা পুৰুষ ছেড়ে, বুঢ়াৰ সাথে মজলি ।
প্রেম কৰে মজলি শ্যাম, কুলটা যে লো ঘুচালি ।
টুসুৰ গানে শ্রীকান্ত ভনে, বাস্তায় বসাঁই কান্দলি ।

৩৪। বৃন্দাৰ উক্তি ·

ভাব কৰে ভাব ৰাখতে পাৰলি না ।
পীৰিত কি ধন ধনি চিন্‌লিনা ।
গৰবিনি তুই সজনি, মান কৰে মান ছাড়ালিনা ।
হয়ে ধনি মানেৰ মাননি, আমাৰ দিলি গঞ্জনা ।
তোৰা কি আৰ বুঝবি ধনি, কাম পুৰুষেৰ বেদনা ।
এই ভাবে লো নাৰী সবে, দেই পুৰুষে যাতনা ।
যদি নাৰী শৃঙ্গধাৰী, এদেৰ কথায় ভূলবেনা ।
শ্রীকান্ত বলে নাৰীৰ ছলে, হাৰাই পুৰুষ · জীবনা ।



৩৫। যুগল মিলন ঃ

বল সজনী ও নীল-মণি পাণে কি দিলি
মোকে কি দিয়ে তুই ভুলালি ॥
ঘৰেৰ মাঝে অল্প কাজে, এক খিলি পাণ খাওয়ালি ।
কি মোহিনী দিয়ে ধনি, মনকে আমাৰ ভুলালি ॥
কত দিনেৰ ভাঙ্গা পীৰিত, তুই লো ধনি জুড়ালি ।
কত ছলে বাসি ফুলে ভ্রমৰাকে বসালি ॥
শেষেৰ বেলা প্রেমেৰ খেলা, তুই লো ধনি কৰালি ।
মায়াৰ জ্বালা কাঁটাৰ মালা, মোৰ অন্তৰে পৰালি ॥
টুসুৰ গানে শ্রীকান্ত ভনে মনেৰ আশা পুৰালি ।
কত দিনেৰ বাসি মধু, অলিকে পাণ কৰালি ॥

৩৬। ভক্ত গানেৰ প্রতি কবিৰ প্রার্থনা ঃ

অধম কবিৰ কৰ মার্জনা ।
গীতে দিও না ভাই গঞ্জনা ॥
যাৰ পনাবে সেই কি নিবে, পয়সা দিয়ে কিনবে ।
যেনে স্তনে পুথি কিনে বৃথা পিছে ভৎর্সনা ॥
যে যা জানে নিজ গুণে গীত কৰ সংশোধন ।
ভুলে ভালে গীতেৰ মিলে, দোষ, ধৰে বোষ কৰবে না ॥
কু-ব্যৱহাৰ দোষেৰ বিচাৰ কৰলে না কৰব মানা ।
কয় শ্রীকান্ত গানেৰ অন্তে সবাৰ কাছে প্রার্থনা ॥

৩৭। লক্ষণ ছাড়েছে যজ্ঞেৰ ঘড়া
অশোক বনেৰ কাণ্ডাৰে,
লব কুশই ধৰেছে ঘড়া
সীতা বলে দেও ছাড়ে ।

(ৰং) লক্ষণ ধৰ ছাতা
সোনাৰ অঙ্গে জল পড়ে ঠপা ঠপা,
লক্ষণ ধৰ ছাতা ।

৩৮। ৰাস্তা ধাৰে ঘৰ তোলেছি
আলে গেলে সামাংনা,
কিসে তোমাৰ মন ভেঙ্গেছে
খোলে কথা কইলনা ।
(ৰং) জামা জাকিট পৰে
হেলন দিয়ে ৰইল গো বাপেৰ ঘৰে
জামা জাকিট পৰে ।

৩৯। বাপেৰ ঘৰে শাড়ী দিল
ধাৰে ধাৰে ধাদকী ফুল,
শ্বশুৰ ঘৰেৰ লোকে বলে
গেল বৌয়েৰ জাতিকুল ।
(ৰং) মাথা বান্ধৰ কিসে
মাথা বান্ধা ডোৰ ৰইল তৰুণ গাছে
মাথা বান্ধৰ কিসে ।



# সাদী গীত

চাহ মজদুৰৰ বিয়া ওগৰ মালহেৰে ভৰা এক আনন্দ মুখৰ সঙ্গীতানুষ্ঠান বুলি কলেও বৰ বেছি বঢ়াই কোৱা নহব। 'লগন বন্ধা' (জোৰণ দিয়া), 'পানী সহা' (পানী তোলা,) গা-ধুওৱা, হোমৰ গুৰিত বহা, চিনাই ফেৰা (নখকটা) আমমকুল খোৱা আদি বেলেগ বেলেগ বিধানত বেলেগ বেলেগ ধৰণৰ সাদীগীত গায়। সাদী গীতত দৰাকইনাক জোৰা দি গোৱাও দেখা যায়। ঠাই আৰু জাতি বিশেষে গীত বিলাকত কিছু প্ৰাৰ্থক্য আছে। সম্প্ৰতি কিছুমান ঠাইত কিছুমান জাতিৰ মাজত সাদী গীতৰ প্ৰচলন কমি গৈছে। ই মহিলা প্ৰধান গীত। সমাজ জীৱনৰ এটি ৰূপ ইয়াৰ যোগেদি প্ৰকাশ পায়। দৰা কইনা, দৰা-কইনাৰ মাক বাপেক, আত্মীয়স্বজন তথা বৰ যাত্ৰীক উদ্দেশ্য কৰি ৰং তামাচা ও কৌতুক পূৰ্ণ গীত হিচাবেও ইয়াক পৰিবেশন কৰে। সাদী গীতত দৰা কইনাক সীতা ৰাম, ৰাধা কৃষ্ণ, আৰু হৰ গৌৰীৰ লগত ৰিজোৱা হয়। সাদী গীত বৰ ৰসাল আৰু ইয়াৰ কাব্যিক সৌন্দৰ্য্যও মন কৰিব লগীয়া। এই গীতৰ মাজেৰে বহুসময়ত দৰাক ৰজা বা বীৰ আৰু কন্যাক ৰাণী বা পৰী হিচাবে তুলনা কৰি দেখুৱায়। আধ্যাত্মিক আৰু উপদেশমূলক নানা কথা সাদী গীতত বিদ্যমান ।

১। শোঁৰ গোজীয়াঃ

কতিদলে আওত হাতীৰে ঘোড়াহো
কতিদলে আওৰে বৰিয়াত।
কতিদলে আওত নয়া সুন্দৰ বৰ
কুসুমেৰ ৰঙ্গলয় বৰিয়াত।
কা দেই ময় বধোব বৰিয়াত
হাতীৰে ঘোড়া হো।
কা দেই ময় বধো বৰিয়াত
কাদেই ময় বধোৰ নয়া সুন্দৰ বৰ
কুসুমেৰ ৰঙ্গলয় বৰিয়াত।
ঘাঁসে ভুসায় বধোৰ হাতীৰে ঘোড়া হো
মদভাতে বধো বৰিয়াত।
বেটি দেই ময় বধোৰ নয়া সুন্দৰ বৰ
কুসুমেৰ ৰঙ্গলয় বৰিয়াত॥

২। সুঁতোলোই মধুপুৰে, উঠি দেখি শূন্যঘৰে,
ছাড়িগেলাগো! মোৰ দুখেৰ ছায়াল।
মোকে ছাড়ি গেলা॥
হেৰি হেৰি তৰু লতা দুই নয়নে বহে ধাৰা,
দেয়ে গেলাগো! মোকে সুঁতোলো পাঁলঙ্কে।
ল'ৰে ভিজি গেলা, মোকে ছাড়ি গেলা॥
শুনো সখী প্ৰাণ প্ৰিয়া কেইসেকে ধৰবোহিয়া,
দেয়ে গেলাগো মোকে, ছাতি হাঁয়ী শেল।
ল'ৰে ভিজিগেলা, মোকে ছাড়ি গেলা॥

৩। বাংলাঃ

শুন শুন এগো সখী আচৰিত কথা।
সীতাৰ লাগি বৰ আসছে দশৰথেৰ বেটা॥
হস্তিৰ ওপৰ ৰামচন্দ্ৰ ভৰত শত্ৰুঘ্ন।
যাৰ যেই শ্ৰেনী মতে বসে সৰ্ব্বজন॥
দশৰথেৰ চাৰি পুত্ৰ ৰাম নামটি ধৰে।
ৰাম ৰূপে জন্ম লিল' কৌশল্যাৰ উদৰে॥
আয়না দিলি, কাঁকই দিলি আৰ দিলি জাদ।
তবে যদি কন্যাৰ মায়েৰ পুৰায় মনেৰ সাধ॥

৪। আসিল জনকৰাজ কৰিতে মঙ্গল কাজ
স্বৰ্ণদান কৰিল ব্ৰাহ্মণে।
দেখিতে সীতাৰ মুখ সকলেৰ কৌতুক
উলুধ্বনি দিল নাৰীগণে॥
ঢাক ঢোল সানাই বাজে বিদ্যাধৰীগণ নাচে
গীত গায় সুললিত ধ্বনি।
দেখিয়া জানকীৰ মুখ সবাৰ অন্তৰে সুখ
হাতে দিল নানা ৰত্নমণি

৫। কোথায় ৰামেৰ চূড়া ৰইল,
ৰাম সাজনেৰ বেলা হইল,
ৰাণী বল একবাৰ বাঁকা বেশেসাজে
আয়ৰে বাছা মায়েৰ ক'লে।
কোথায় ৰামেৰ কুন্তল ৰইল,
ৰাম সাজনেৰ বেলা হইল,
ৰাণী লে একবাৰ ৰাজবেশে সাজে
আয়ৰে বাছা মায়েৰ ক'লে।
কোথায় ৰামেৰ মালা ৰইল,
ৰাম সাজনেৰ বেলা হইল,
ৰাণী বলে একবাৰ মোহন বেশে সাজে
আয়ৰে বাছা মায়েৰ ক'লে।

কোথায় ৰামেৰ জামা ৰইল,
ৰাম সাজনেৰ বেলা হইল,
ৰাণীবলে একবাৰ হাকিমেৰ বেশে সাজে
আয়ৰে বাছা মায়েৰ ক'লে ।
কোথায় ৰামেৰ নুপুৰ ৰইল,
ৰাম সাজনেৰ বেলা হইল,
ৰাণীবলে একবাৰ ৰাখাল বেশে সাজে
আয়ৰে বাছা মায়েৰ ক'লে ।

৬। মুকুট আন মুকুট আন ডাকিল ব্ৰাহ্মণে ।
শুভলগ্ন আসিয়াছে দেখি বিদ্যমানে ॥
সনাৰ মুকুট তাতে মানিক্য ঝাঝৰ ।
যতনে বান্ধিলা জামাইৰ মাথাৰ ওপৰ ॥
ললাটে তিলক দিয়া কৰ্ণতে কুণ্ডল ।
বিজুলী চটকে যেন কৰে ঝলমল ॥

৭। খৰটা ঃ
বেটা ৰে তঁহে বড়ি অভদা
ৰে তঁহে বড়ি অভদা
বাবাকে কৰা ছাড়ি ৰে শ্বশুৰা কৰা গেলে
ৰে শ্বশুৰা কৰা গেলে ।
আঁউৰা, ৰে তঁহে বড় অভদা
ডাইৰি চাড়িয়ে আঁউৰা ৰে পাতে ফৰি গেলে
ৰে পাতে ফৰি গেলে ।

৮। বাড়িৰে যতনে হামে পসলি মায় বেটাৰা
আগে মাই, সেহ বেটাৰা কাঁহা চলি গেলাইত'
মাৰৰা মৰ সুন ভেলাই, বাসাঁহাৰ মৰ সুন ভেলাইগ'
অটহলি পুছই মাই বাটৰালি পুছই
আগেম ই কন পন্থে পুতা মৰ গেলাইত'
মাৰৰা মৰ সুন ভেলাই গ'
দেখেৰেত' দেখলি মায় ফালনা গাওঁকে ৰাত্তিয়া
মাই ফালনা গাঁৱেক বাত্তিয়া
আগে মাই, সনে চৌকেঁ বসিগেলাইত'
ধনি সঙ্গে খেলই জুহাস ইৰ ।

৯। কনে তৰা পসল যাতনা কৰি
যেইসে জীয়া গাগৰি ৰে
কনে তৰা বেচহ বাঁহিয়া ধৰি
যেইসে জালা মাছাৰি গ'
মায়া তৰ পসল যাতনা কৰি
যেইসে জীয়া গাগৰি ৰে
বাবা তৰ পসল বাঁহিয়া ধৰি
যেইসে জালা মাছাৰি গ'
সাত ভজি হাঁসহাই মাৰৰা ধৰি
আঝে বৈৰিণ বাহিৰ গ'
সাত ভায়া কান্দহাই ভিতৰা ঢুকী
আঝে বাহিন পৰ ভেলাইগ' ।

১০। অৰাৰেণ কানাম কুড়ি অকাৰেম চালাকান
ইচকুল নুতুম বিটি লাই অটোকাম,
পুকৰৰেণ কানৈঙ কড়া পাচিম তেন চালাকান্
ৰংপুৰ ইচকুলৰেণ কুড়ি কানৈঙ,
ৰংপুৰ আতঃ ৰেম পাৰহাও এদা
গ্ৰিড়িল্ সাইমাৰ বিটিম গাৰহাও কানা,

উনা আকিল বিটি অকাদেম দহয়া
দাকা অড়াবে বেল্‌কাতে
চুলহাত্তবে তপা কামে ।

১১। চিঙ চান্দোদ চনালেকা হাইবে
নিন্দা চান্দোদ হিৰামাণিক, (২)
চেৰমা ইপিল লেকা ইঙগৈএ আপুইএ হাইবে
ইঙৰেণ জুবি মা ভুৰকা ইপিল, (২)
ইঙিন হাবা আবান আলাক হালাক ভালাবে
ইঙিন হাবা আকান ইপিল বাহা । (২)

১২। উৰিয়া :

ৰবি বাৰ মঙ্গলবাৰ এই দুই দিন
তিৰি যেবে ৰজৰতী সেই থিবে জান,
লক্ষমাঢ় সোনা-দেলে বিবাহ নাহী হেব
নিজস্বামী নাচ্ছ জাযি নাগঢ় সন্তান
বুঢ়িৰ ৰস জা, গ ঢ়ি জাবে,
যা দেখি যা কেঢ়ে মজা নাগঢ় বালিপঢ়াৰ ৰজা
যা দেখি যাৰে ।

১৩। সোমবাৰে যেবে তিৰি ৰাজৰতী হেবে
স্বামীকো নাদেখি বিকল হইবে
যাৰ ভাগ্য থিবে নাগৰ ছেই
তাংকো বিবাহ হেব্ব, ৰস জাগঢ়ি জাৰে
যা দেখি যা কেঢ়ে মজা নাগৰ
বালিপঢ়াৰ ৰজা যা দেখি যাৰে ।

১৪। বুধবাৰ গুৰুবাৰ এই দুই দিনৰে, ৰজ্জৰতী হেলে
তিৰি অঢ়ি বঢ় কৰ্ম্ম পৰম লক্ষী কো
ঘেনী দুই ছত্ৰী জন্ম, কুকলি পঢ়াই



নাগৰ সদাসুৰ্ব্বন্ন, ৰস জাগঢ়ি নাগৰ
বালিপঢ়াৰ বজাৰে যা দেখি যাৰে ।

১৫। আহাৰে পান্ন পতৰ
দিনে দিবু নদী হেলু বতৰ
ননী মাঙ্গি গলে দেবু ইথৰ কালী নিয়ালী মলী
ইনিয়ালীৰ মলীৰ কাঁই চলন বিতি দেখে
দৰ পনেৰ বজিয়া নিয়ালী মলী ।

১৬। চল গছ উছা উছা, নমা নমা কনি
দেদে দেৰী দুইশ টকা
ননীকে মহকাই দেমী অটাৰে
যা চলি যা নাগৰ
যা দেখি যা বালিপঢ়াৰ বজাৰে
যা দেখি যাৰে ।

১৭। এড়ে বড় ৰাইজৰে কঁয়াগছ নাই
কঁয়া থাই বয়া হিলো টিকে দয়া নাই,
নীলাৰতীৰ সঙ্গে ভাৰৰ পীৰিতি
সপনা দিলা ৰাতি কুষ্ণ নীলাৰতীৰে
যা চলি যা নাগৰ
যা দেখি বালিপঢ়াৰ বজাৰে
যা দেখি যাৰে ।



# মনসা গীত ঃ

সদাশিৱৰ আত্মাভিমানী জীয়েক মনসাৰ প্ৰকোপত বেউলা লখীন্দৰৰ আলাই-আথানিৰ কথা কোনে নাজানে? এনে ধৰণৰ আলাই-আথানিৰ পৰা হাত সাৰি থাকিবৰ কাৰ ইচ্ছা নাই? সকলোৰে আছে, চাহ মজদুৰৰো আছে? কিন্তু উপায়? উপায় হ'ল মনসাক সন্তুষ্ট কৰি ৰখা, মনসাৰ পূজা কৰা। মনসা পূজাত গোৱা মনসা গীতত দেৱী মনসাৰ বৃত্তান্ত পোৱাৰ উপৰিও বেউলা লখীন্দৰ তথা চান্দ সদাগৰ আদিৰ নানা কথা পোৱা যায়। আত্মাভিমানী দেৱী মনসাৰ কোপাগ্নিত জ্বলিপুৰি ভস্মীভূত হোৱা সতী বেউলা আৰু অভিমানী তথা প্ৰবল প্ৰতাপী চান্দ সদাগৰৰ হৃদয় বিদাৰক শোকবাহ্নিৰ প্ৰাঞ্জল বৰ্ণনা মনসা গীতৰ মাধ্যমেৰে প্ৰকাশ লাভ কৰিছে।

১। ধূয়া—কৰ দয়া পদ ছায়া বিতৰই গণপতি।
হৃদয় সৰজে উদি' বিনাশ ভৱ দুৰ্গতি ॥
নমঃ মনঃ নমোঃ দেৱী গৌৰীৰ নন্দন,
একদন্ত লম্বোদৰ মুষিক বাহন।
স্থূলাকাৰ শোভাকাৰ চতুৰ্ভুজ ধৰা,
অঙ্গে শোভে ৰক্তাম্বৰ সৰ্ব্ব বিঘ্ন হৰা।
সাৰাৎসাৰ পৰাৎপৰ পূৰ্ণ তেজোময়,
শঙ্কৰী তনয় পিতা দেৱ মৃত্যুঞ্জয়।



সৰ্ব্বদেৱ অগ্ৰে পূজ্য সৰ্ব্বেৰ কাৰণ,
তুমিহ কৰহ দেৱ সৃষ্টিৰ পালন।
জল স্থল কানন পৰ্ব্বত ৰবি শশী,
অনন্ত পাতাল সন্ধ্যা আৰ দিবা নিশি।
সকলেৰ বিঘ্ন দেৱ কৰ বিনাশন,
ৰোগ শোক পীড়া কৰ স্বগুনে হৰণ।

২। ধূয়া—বড়ই দুৰন্ত চাঁদ মনসা না মানে।
মনসা উপায় চিন্তে আপনাৰ মনে ॥
চম্পকনগৰে বাস চাঁদ সদাগৰ,
জাতিতে গন্ধ বনিক পুজয়ে শঙ্কৰ।
সনকা তাহাৰ পত্নী পতিব্ৰতা সতী,
ৰূপেৰ কি কব কথা হেন নাহি ক্ষিতি।
নেড়া নামে দাস তাৰ ঝাড়া নামে দাসী,
সনকাৰ কাছে সদা থাকে হাসী খুসী।
সদাগৰ সদা জপে শ্ৰীশঙ্কৰ নাম,
দ্বেষ কৰে অন্য দেৱে ভক্তি পথে বাম।
মনসাৰ সহ তাৰ বিষম বিবাদ,
কেন বা হেন বিবাদ শুন সে প্ৰমাদ।
জগাই ধীবৰ ঘৰ চম্পাই নগৰে।
তাহাৰ ৰমনী যে নিছনী নাম ধৰে।

৩। ধূয়া—মৰি কি আনন্দ চম্পক নগৰে ৰে।
নিল লখিন্দৰ জন্ম সনকা উদৰে ৰে ॥
যবে সনকাৰ গৰ্ভ পাঁচ মাস হৈল,
চাদ সদাগৰ তবে বাণিজ্যে চলিল।
মনসাৰ সঙ্গে কৰি বাদ বিসম্বাদ,
বাণিজ্যে যাইয়া তাৰ ঘটিল প্ৰমাদ।

সপ্ততরি ডুবে গেল সাগরের জলে
হাহাঁকার করি সাধু ভ্রময়ে ব্যাকুলে।
গৃহেতে সনকার গর্ভ অবস্থায়,
দিনে দিনে বাঢ়ে গর্ভ অতি শোভাময়
সাত দিন বেনেনীর উচাটন মন,
কি হৈল বলিয়া সদা চিন্তায় মগন।
বৃদ্ধ কালে গর্ভ হৈল শীর্ণ হৈল কায়,
সতভই মুখে জল শয়ন শয্যায়।

৪। ধূয়া– হায় কি বিপদ ঘোর চাঁদের হৈল রে।
কদলী কাননে আসি গোপনে রয় রে ॥
দেশে দেশে নানা কষ্টে করিয়া ভ্রমন,
চম্পাই নগরে সাধু দিল দরশন।
সন্ধ্যাকালে সর্ব্বঠাই কেবল আঁধার,
পঁছিল কদ্গার বনে সাধু গুনাধার।
চুপ করি রহে বসি কদলী কাননে,
কেহনাই দেখি তারে আছে ক্ষুন্ন মনে।
হেন কালে ঝেণ্ডদাসী কিসের কারণ,
গিয়াছিল স্থানান্তরে করিতে ভ্রমন।
আঁধারে চাঁদেরে হেরি কদলী কাননে,
মনে ভাবে চোর বুঝি আসিল এখানে।
ভয় পেয়ে দাসী তবে করয়ে চিৎকার,
গোলমাল করে কত বলি চোর চোর।

৫। ধূয়া—চাঁদকরে নিমন্ত্রণ দেশ দেশান্তরে।
লখিন্দরের বিবাহবে নিছনীনগরে ॥
পুলকিত মনে কয় চাঁদ সদাগর,
মৃদুভাষে কহে গিয়া সনকা গোচর।

মম নিবেদন শুন সনকা সুন্দরী,
দ্রব্যাদি আয়োজন করহ ত্বরা করি।
নিছনী নগরে বিভা লখায়ের হবে,
রাত্রি মধ্যে পুত্র বধু আনিতে হইবে।
লৌহ ময় ঘরে দোঁহে জাগাব বাসর,
কি করিবে বিষহরি নাহি কোন ডর।
সনকা শুনিয়া ইহা কহেন তখন,
আমার বচনে কর মনসা পূজন।
দেবতার সনে বাদ অনুচিত হয়,
এইরূপে দশানন হয়েছিল ক্ষয়।
মহিষ অসুর নাম বিদিত ভুবনে,
সেজন করিল বাদ দেবতার সনে।
কর্ম্মফলে তার দোষে হইল সংহার,
শুম্ভ ও নিশুম্ভ গেল হয়ে ছারখার।
এইরূপে কতজন কি কব তোমারে,
সকলে মরিল দেব সনে বাদ করে।

৬। ধূয়া—গড়েন লোহার ঘর বিশ্বকর্ম্মা সুন্দর।
সাতালি পর্ব্বত মধ্যে অতি মনোহর ॥
সম্বন্ধ করিয়া চাঁদ নিছনী হইতে,
ফিরিয়া আসিল ত্বরা আপন গৃহেতে।
সনকার পাশে কহে যত বিবরণ,
শুনি বেনিয়ানী হয়ে হরষিত মন।
এক যুক্তি স্থির আমি করেছি মনেতে,
করিব লোহার ঘর সাতালী পর্ব্বতে।
সেই গৃহে হবে লখিন্দরের বাসর,
রক্ষিবেক চারিভিতে যত গুনী নর।
এত বলি চাঁদতবে আয়োজন করে,
চলিল ডাকিতে তবে দেবী শিল্পী বরে।

৭। ধূৱা—বেহুলা লখাই জাগে লোহাৰ বাসৰে
দেখিয়া সাপিনী ভয়ে প্রবেশিতে নাৰে ॥
নেতাৰে ডাকিয়া কাছে কহেন জননী,
কি কার্য্য কৰিব এবে কহগো নেতালি।
বাসৰে জাগিয়া আছে দম্পতি যুগল,
প্রেম ৰসে মুগ্ধ চিত্ত আনন্দে বিহ্বল।
প্রবেশিয়া বাসৰেতে নাগিনী এখন,
লুকাইয়া আছে সেথা চিন্তায় মগন।
অনিদ্রায় যদি দোঁহে কাটায় শর্ব্বৰী,
সর্ব্ব কার্য্য ব্যর্থ হবে কি উপায় কৰি।
নেতা কহে শুন দেবী কৰি নিবেদন,
কালনিদ্রা তুমি দেবী কৰহ স্মৰণ।

৮। ধূৱা—কালিনীৰ বিষেতে জ্বলি প্রাণবুঝি যায়ৰে।
চেয়ে দেখ প্রাণ প্রিয়া আৰকেহ নাইৰে ॥
বিষতেজে লক্ষিন্দৰ অস্থিৰ হইল,
উঠ উঠ প্রিয়ে বলি ডাকিতে লাগিল।
আনন্দেতে নিদ্রাযাও খট্টাৰ ওপৰ,
চেয়ে দেখ সর্প বিষে জ্বলিছে অন্তৰ।
চমকিয়া উঠে বালা শুনিয়া ক্রন্দন,
দেখিয়া ভয়ে না সৰে বচন,
লখিন্দৰ বলে প্রিয়ে শুনহ বচন,
কাল সাপে আজি মোৰে কৰিল দংশন।
দংশন কৰিয়া তবে যায় পলাইয়া,
মাৰিয়াছি তাৰে আমি জাতিটি ছুড়িয়া।
অড়াই অঙ্গুলি পুচ্ছ কাটিল তাহাতে,
চেয়ে দেখ ওই পুচ্ছ ৰয়েছে ভূমিতে।

৯। ধূৱা—ওহে প্রাণপতি, কি দেখি অনীতি, ছাড়িবে আমাৰে।
তোমা হাৰা হয়ে, কিবা ধন লয়ে, থাকিব ঘৰে।
প্রাণপতি লখিন্দৰ ত্যজিল জীৱন,
হেৰিয়া বেহুলাসতী কৰয়ে ক্রন্দন।
পাষাণ বিদীর্ণ হয় বেহুলা ক্রন্দনে,
বৃক্ষৰ নব পল্লৱ খসয়ে সঘনে।
তাহাৰ ক্রন্দন শুনি পশু পক্ষীগন,
হইয়া মহা দুখীতঃ জুৰয়ে ক্রন্দন।
কত যে বিনায়ে কান্দে বেহুলা কামিনী,
নয়ন নীৰেতে সদা ভিজায় অবনী।
কাঁদিয়া কাঁদিয়া এই কহেন ভাৰতী,
কি সুখে নিশায় দাগা দিলেন জগাতী।
এই দুখ বড় মম মনেতে ৰহিল,
পতি সঙ্গে সুখে নিশা প্রভাত না হ'ল।
নাৰী হয়ে পতি মর্ম্ম না হইলাম জ্ঞাত,
বৃথা মম নাৰী জন্ম এমন বৰাত।
মম সম ভাগ্যহীনা আৰ নাহী নাৰী,
বিবাহ নিশায় আমি হইলাম ৰাড়ী।
মনসা সঙ্গেতে বাদ চিৰদিন ধৰে,
সেবাদ খণ্ডিল দেৱী মোৰে ৰাড়ী কৰে।
হায় হায় কি কৰিব কোথায় যাইব,
কোথা গেলে প্রাণপতি পুনঃ সেপাইব।

১০। মনসা জাঁত মঙ্গলঃ

মাগো একটি ফুলেৰ লাগে এত অপমান
দোৱাৰে লাগায়ে দিব ফুলেৰি বাগান

১১। মাকে আনিতে যাবগো কিবাই নদীৰ কুল
গলাই দিব লাল গামছা চৰণে দিব ফুল ॥

১২। দেৱী আইমা হামাৰ আসৰে
ধূলাই পড়ে কাতৰ হয়ে ডাকচিমা তোমাৰে ॥



# কাঠী নাচৰ গীত ঃ

ফাগুণৰ পচোৱাত ৰঙৰ ফাকুৱা উৰাৰ লগে লগে মনৰ ফাকুৱাও উৰে। চাহ মজদুৰ ডেকাইতে ফাকুৱাৰ ৰঙেৰে ৰাঙলি হৈ হাতে হাতে প্ৰায় ডেৰ ফুট দীঘল কাঠী লৈ বৃত্তাকাৰে ঘূৰি ঘূৰি গীত গাই গাই নাচে। কাঠী লৈ নাচে কাৰণে এই নাচক কাঠী নাচ বোলে আৰু গীত বোৰক কাঠী নাচৰ গীত বোলে। মজদুৰ ডেকাইতে ফাকুৱাৰ দিনা দল বান্ধি ঘৰে ঘৰে কাঠী নাচ নাচে আৰু গীত গায়। ইয়াক চাহ মজদুৰৰ এক প্ৰকাৰ হুচঁৰি বুলি কব পাৰি। কাঠী নাচৰ গীত অতিকে সুমধুৰ আৰু এই নাচো সহজে দৰ্শকৰ চিত্ত আকৰ্ষণ কৰিব পাৰে।

১। যখন ছিলাম গৌৰ বৰণ কৰতাম জগত আলো।
কালিদহে ঝাঁপ দিয়া বৰণ হৈল কালো ॥
কালো ৰূপ হেৰতে ৰাই এত ঘৃণা কৰ।
কালো কালিন্দীৰ জল ৰাই কুম্ভে কেন ভৰ ॥

২। অ' ৰাখাল ভাই, অ' ৰাখাল ভাই এমন সময়
কিছু পাইলে খাইবে।
অ'ৰে ৰাখাল ওৰ সঙ্গে যাই
ক্ষুধাৰ বেলা খাইতে পাই।
আনৰে ক'ল গাছেৰ পাত, দেওৰে ব্যঞ্জন ভাত

ওৰে সব ৰাখাল বৈস শাৰী শাৰীৰে ।
অ' ভাই খাইলাম দাইলাম ফেললাম পাত
যমুনাতে ধুইলাম হাত ।
অ' ৰাখাল ভাই ॥

৩। অ'ৰে কানু বাজাও বেনু চল গো যাইবে
বেনু নাবাজাইলে ধেনু যাইতে নাহি চাইবে
অ'ৰে কানু ।
অ' ভাই বেনুৰ সুৰে ধেনু সবে গুৰি গুৰি যাইবে
ধবলি শ্যামলী গাই হাম্বাৰবে ডাকে ৰে
অৰে কানু... ... ... ।

৪। আস মাগো স্বৰস্বতী বস মাগো ৰথে
আজ বন্দনা বলিতে হবে বালকেৰ সাথে গো
আঃ হাঃ বন্দনা বলিব কিগো গায়ে নাই সুখ গো
ঐ বগিতে লুট নিল ভাঙিল মুলুক গো ।

পানীকা ভাষাত ঃ

৫। জহাৰে জহাৰে গুৰু ঠাকুৰ দেৱতা
চেওঁৰি লাগো তৰ,
ঠাকুৰ দেৱতাকে মহলা চেৰাই গে
ধুৰে প্ৰাৰ্থনাকে হক্কাজৌ ।
হক্কাচৰে মূগা মতি
ফুলে চনাকে ডাল
চনালোৰে চানা খেত মে
গহতেঁা লোৰে চবনাৰ
গোৰী লোৰে অপনে
মময়া বপন ঘৰ
মময় লোৰে চচুৰাল ।



জেইচন জেইচন ঠাকুৰতু
লেহচন দেহচন
সেইচন দেৱ আশীষ,
বেতৰান বেতৰান ঘৰ ভৰেহে
ধিয়েৰি লিখিন পৰ দেশ ।
জহাৰে জহাৰে ঠাকুৰ দেৱতা
চেওঁৰি লাগোতৰ
বেইঠে ঠাকুৰ ৰংমহল মে
ৰাম ৰাম ঝঁক হমৰ ।

৬ কুদাল মাৰি আলে, পাতা তুলি আলে গে
চজনী কচা বৈচলে ঢেঁকী চাল গে
চজনী ... ... ... ... ... ... চাল ।
বড়কীত কচে ঘৰে পিছু ঝাড় গে চজনী
চটকী কে মাৰে ঠেঙা চাৰ
গে চজনী ... ... ... ... চাৰ ।
ধীৰেচে লটিয়া গে চজনী মাঙ্গৰ মাছলী মাৰি খাব
গে চজনী ... ... ... ... ... খাব ।
পুকৰে পশ্চিমে ফেকল ভাৰি মহোয়া গে
চজনী ভুঁয়েৰে চহৰি গেলাই ডাল
গে চজনী ... ... ... ... ডাল ।
জেমন মায়া লিখা দিয়া তেমনে আশীষ দেৱ জ'
বেটা বহু তৰ ঘৰে ভৰাৰে বেটীকে লেগে ধুৰুণ দেশ ।
আৰে ভাই লেগে ধুৰুপ দেশ ॥

৭। নৱা সীকা নৱাধতি সমধি ৰাখুবাবি ।
ধিৰে ধিৰে ৰেঙ সমিধন তৰে ঠন জাৰ ॥
মৰ ঠন জাইলে তৰ দাউ গাৰি দেহি ।

দাউ দাউ ঝইন কহবে শ্বশুৰ মান লাগে ॥
খিবে খিবে বেঙ সাধিন তাৰ ঠন জাৱ ।
মৰ ঠন জাইলে তব দাই গাবি দেহি ॥
দাউ দাউ ঝইন কহবে শ্বশুৰ মান লাগে ।
খিবে খিবে বেঙ সমধিন তাৰ ঠন জাব ॥
মৰ ঠন জাইলে তব দাদা গাবি দেহি ।
দাদা দাদা ঝইন কহবে ডেঢ় চালা লাগে ॥
খিবে খিবে বেঙ সমখিন তাৰ ঠন জাব ।
মৰ ঠন জাইলে তব দিদি গাবি দেহি
দিদি দিদি ঝইন কহবে ডেঢ় শাশ লাগে ॥

৮। ডগৰকে মহুৰা শূৰত ফেকে ভাৰ ননদ
অলথি কলৰ ফেঁকে ভাব ।
ৰাতিকে মহুৰা ভালুক বিছি খায়েৰে ননদ'
দিনে মহুৰা ঝড়ি যায় ।
এক মাদা পতে বেঙটা কুমাৰবে ননদ'
ফুল মাদা পতঁলে জৰান ।
হাৰ যতি আৱে কুদাব ভাঁজি আৱেবে ননদ'
ৰঙচি বইঠলে ভাখিচাব ।
এক ছাঁক পিয়ে ঢুচৰ ছাঁক পিয়েৰে ননদ'
মাতি গয়ে মতৱাৰ ।
লানৱে ননদ' সেৰ তৰজু তব পিহা নাইপ জইখলে
তব পিহা নাইপ জইখ লে ।
তিল ভৰি খংঘে তিল ভৰি বাঢ়েৰে ননদ'
সেৰ কাটি দেবে চঢ়াই ॥

৯। হিএঁাকাৰ ৰাজা কন হাট এ ভাই
নাবাজে চালানী নাবাজে চুনা ।
কাহাঁকাৰ ৰাজা খাই বীৰা পান,



কাহাঁকাৰ ৰাজা কাটাই তুন কান ।
সুৰগোজোক ৰাজা খাই বীৰা পান,
বড়েয়াক ৰাজা কাটাই তুন কান ।

১০। আৱে মাদান পুৰে হাট
মা মা ম'হুও যাত্তে ।
খাইৰ লেবে ননী কপাইয়া দুই চাইৰ
পৈৰীলালে পাহিৰাই ।

১১। বাট বাৰ মাহুওৱা চুৰেৰী বিগেভাৰ,
নান্দ টচাৰি টচাৰি চুৱে কৰ
ৰাতিকাৰ মাহুওৱা মালিনী বিছি খায়
নান্দ দিনে বিনাসে জড়ীয়াই
আলি ভাৰী বিনে টকাৰি ভাৰি বিনে
নান্দ দেৱে কালাখিণ কাৰ হাথ
এচ পাতাই পাতাৰে কালাখিণ খিয়াস্য
নান্দ ফুলিমদ ৰাখবে জনায়
চাৰ যতি আৱে কুদাৰী ভানজী আৱে
নান্দ হালকী বৈচে ভাঠী চাৰ ।
এক্দনা পিয়েৰে দুচাৰাদনা পিয়ে
নান্দ কালাথি গায়ে মাতৱাৰ ।

১২। কাঠি কাঠি বীৰবল কাঠি
কাঠিৰ পাশা চলেৰে,
শুণ বাচা নিমাইৰে
চখেকানে লাগে গেলে মৰণ সমানৰে ।



# ঘেৰা গীত ঃ

ঘেৰা গীত বিলাক চাহ মজদুৰ সকলৰ শস্য শ্যামল সাংস্কৃতিক পথাৰ দৰাৰ লহপহীয়া শস্য স্বৰূপ। ই শাৰদীয় শ্যামল শস্যৰ দৰেই ভজৱঞ্জীয়া আৰু পুষ্ঠ পুষ্ঠ। ঘেৰা গীতৰ "ঘেৰা" হল এক প্ৰকাৰৰ বাদ্যযন্ত্ৰ আৰু-গীত বোৰ হল গীতেই। ঘেৰা গীত সাধাৰণতে ৰাতি বুঢ়া বুঢ়ি মানুহে গোৱা দেখা যায়। এই গীত বোৰ দুখ পুৰ্ণ হৃদয় বিদাৰক তথা আধ্যাত্মিক তথ্যৰে পৰিপুষ্ঠ। অন্তৰৰ আশা আকাঙ্খা বোৰ, পোৱা নোপোৱাৰ বেদনাবোৰ, ঈশ্বৰৰ প্ৰতি থকা ভক্তি বোৰ নিগৰি নিগৰি ওলাই আহি ঘেৰাগীতৰ মাধ্যমেৰে প্ৰকাশৰ বাট বিচাৰি ফুৰে।

১। বাৰহ বাছাৰা পিয়া পৰদে বেজাৰ হ
কেহ নাহি কৰই আতা জগ হ ৰামজী ৰামজী
আধা পাহাৰা ৰাতি বিনিয়া দলালি ৰামজী
ভিনাচাৰে দমা টুটি গেলাই হ ৰাম
মাই ই কান্দ হ্যায় জনমে জনমে ৰাম।
ৰাহিনী কান্দৰে ছৰে মাস অ' ৰামজী ৰানজী
তিৰিয়া যে কান্দয়ে ডেৰ পাহাৰা ৰাতি
তাকৰ গাছে দেখই পৰ পুত্ৰ হ ৰাম।
চাৰি জাৱানা মিলি পালঙ্ক উটাৱাই ৰামজী ৰামজী
লৈয়ে গেলাই যমুনা কিনাৰা হ ৰাম
চান্দানা কাঠা কাটি চাৰাৰা বাঁচলাই ৰামজী
ঘিউ ধুনে দেলাই অগিন মুখ হ
আইগ লাগাই চান্দেৰে স্বাগ উঠে ধুৱা ৰামজী
অহে তাৰি যাইবাই স্বাৰগা হ ৰামজী।

স্বাৰগাকে লকা ৰামজী হাঁসি হাঁসি পুছই বাৰাতা
কিয়া কিয়া আনলে সন্দেসা হ ৰাম ৰাম।
টুটলে খাটিয়া ৰামজী ফুটলে ভৰচিয়া
আহ কুছু আনলি সন্দেসা হ।

২। ৰাজা ৰাম চন্দ্ৰ চললাই বিহায়ে
কিয়া সয়ে সাজাই আমা হাতী নে ঘড়ে
কিয়া সয়ে সাজই লগ বাৰিয়াত
চলে লাগলাই হনুমান
কিয়া সয়ে সাজবাই নয়না সুন্দৰা বৰ
চলে লাগলাই হনুমান।
দশা সয়ে সাজবাই আমা হাতী নে ঘড়ে
বিলা সয়ে সাজবাই লগ বাৰিয়াত
পাচঁ বাহিনী মিলি সাজলাই নয়না সুন্দৰা বৰ
চলে লাগলাই হনুমান।
কাঁহা যে ৰাথাবাই নয়না সুন্দৰা বৰ
কাঁহা যে ৰাখাবাই হাতী নে ঘড়ে
চলে লাগলাই হনুমান।
আথাবাঁহি ৰাখবই হাতী নে ঘড়ে
মাৰাবাঁহি লগা বাৰিয়াত
কহবৰে ৰাখবাই নয়না সুন্দৰা বৰ।

৩। চাঁলাহি জনমাভুম যাই বাই ৰুক্মনী
" " " হ ৰাম
জনামাভুমা বাগীয়া লাগাইবে পথৰী খানাইবে
চাৰ ধাৰী বাগিয়া লাগাইবে ৰুক্মনী ২
চাল্‌'াহি জনমা ভুমা যাইবে হ ৰাম।
হুনেসে আৱহ্যায় বাহি বাত হিয়া

আম্বা ফলা খাইভৰে পথেৰ পানী পিতই
যুগে যুগে নাম ৰাহি যাইতাই রুক্মানী
„ „ „ „ যাইতাই।

৪। কৈসনে হ্যায় হ্যায় হ শ্রীবৃন্দাবন
কৈসনে হ্যায় হ বালকা কানহ্যায়া ( কান্‌য়া )
কনৰূপে দেখনঃ যাইবাই হ' ৰামজী ৰামজী
ঝিলি মিলি কৰই হ' শ্রীবৃন্দাবন
শীতলে হ্যায় হ্যায় যমুনা ২
হাঁসৈতে খেলৈতে হ্যায় হ বালকা কানহ্যায়া
খাৰিয়ে নিভৈসে ( ভাওঁৰ ) দেশব শ্রীবৃন্দাবন
পানীয়া বাহানাসে যমুনা হ'
হাঁসন্তে লেখতে দেখবাই বালকা কানাইয়া
অহে ৰূপে দেশনে যাইবাই।

## ভজন ঃ

৫। কন পূৰীসে আৱত হে জী
কন পুৰীমে যায়েঙ্গী
কিসকা হ্যায় তুম নাতি পুতি
আৰ কিসকা হ্যায় তুম পুত্র।
অযধ পুৰসে আৱত হেঁ জী
জনক পুৰমে যায়েসী
আৰ চান্দ সুৰুজ কে নাতি পুতি
দশৰথকে পুত্র।

৬। কেহু চলে ডালি ডালি পালঙ্ক লগাইকে
আৰু কেহু চলে ভূঁয়ে ভূঁয়ে নিৰগুন গাইকে ২
ৰাম না ভজলে মানৱা মৰবে বাওঁৰাকে ২



ৰাজা চলে ডালি ডালি পালঙ্ক লাগাইকে
আৰ সাধু চলে ভুঁয়ে ভুঁয়ে নিৰগুন গাইকে
ৰাম না ভজলে মানৱা মৰবে বাওঁৰাকে।

৭। সাঁজ ভৈয়ে গৃহে নহী আৱে কানাইয়া জী ২
কাঁহা ৰৱে গায়ই আৰ কাঁহা বৱে বছৰু
আৰ কাঁহা ৰৱে যশমতী মাই ই কানাইয়া জী
সাঁজ ভৈয়ে গৃহে নহী আৱে কানাইয়া জী ২
ঘৰে ৰৱে গায় ই আৰ বনে ৰৱে বছৰু
আৰ মাচিয়ে বসিয়ে কান্দে যশমতী মাই ই
সাঁজ ভৈয়ে গৃহে নাহী আৱে কানাইয়া জী

## লুঝাক ঃ

৮। বিহিন কে ধানৱা কুইত চুইড় খাইলি ২
ভুছুৱা ৰাখলি জগাই গে মাই ২
পৰলাই আসাৰা মাস
পিয়া মাঙ্গই ধানাৱা
ভুছুৱা দেলি আগুৱাই গে মাই
„ „ „
কেকৰ মাৰই ওমকি ৰে ধুমকি
কেকৰ মাৰলাই পৈনা চাৰৈ
গে মাই হাম বড় গিৰথানিয়া
কেহু ভাগই ইৰকি ৰে খিৰকী
কেহু ভাগ লাই ঝাঁটি ফাইড়
মায়া গড় হাম বড় গিৰথানিয়া
শাশো ভাগই ইৰকি ৰে খিৰিকি
হামো ভাগলি ঝাঁটি যাইড
ভগৱান হাম বড় গিৰিথানিয়া।

৯। চট মট ফুদাকিন ছাঁতি
মূঠিয়াকে দাঁইড় গ ২
গালিয়ে গালিয়ে ফুদাকিন ছাঁতি
দাঁড়া মাচাকেলে গ ২
মায়া তব কুটনী চাটনী
বাপা তব হাববৈয়া গ।
ভায়া তব ফুল খাইনকওৱা
কৈসে দিনরা জাইত ল।
গালিয়ে গালিয়ে ফুদাকিন ছাঁড়ি
দাঁড়া মাচাঁকালে গ ছাড়া মাচাঁকালে
বাপা তব দেখতগে ফুদাকি
কুছু না বলত ল কুছু না বলত
ভায়া তব দেখত গে ছাঁড়ি
কুছু না বলত ল কুছু না বলত
জনম বিহওৱা দেখত গে ছাঁড়ি
মাইৰ মূবৱা ফুদকৈত ল
মাইৰ „ „ „ ॥



# ॥ মোৰ কথা ॥

কবি হোৱাৰ মানসৰে নহয়। মনলৈ কিছুমান ভাব আহিছিল লিখি ৰাখিছিলোঁ বহুত। ইয়াৰ দিন হিচাবে লেখ দিব নোৱাৰি। বছৰ হিচাবেও হ'লে কেইবছৰ হ'ল। মোৰ অসাৱধানতাত তাৰে ভালেমান লিখি থোৱা ভাব আৰু মোৰ শিক্ষাগুৰু কবি শ্ৰীযুত মানিক গগৈদেৱে চকু ফুৰাই পাতনি লিখি দিয়া "মৰীচিকা" নামৰ হাতে লিখা প্ৰায় আঢ়ৈশ মান পংক্তিৰ কবিতা পুথি খনো নাইকিয়া হ'ল। অৱশিষ্ট খিনিও নাইকিয়া হোৱাৰ আশঙ্কাত বাকচত সামৰি থৈছিলোঁ। এই লিখাবোৰ কিবা হৈছিলনে নাই কাৰোবাক দেখুৱাবলৈ সেই সময়ত লাজ আৰু সঙ্কোচে হেঁচি ধৰি আছিল। মোৰ এই ভীৰুতাৰ বাবে আৰু কেইবছৰ মান লিখাবোৰ বাকচৰ তলিত পৰি ৰ'ল। লাহে লাহে মোৰ এই ছন্দ, মুক্ত ছন্দত বিচৰণ কৰিবলৈ ধৰিলে। হেৰাই যাব ধৰিলে মোৰ সেই 'প্ৰথম দেখা' ৰ স্বপ্নময় মনৰ ভাব।

কৰ্ত্তব্যৰ আহ্বানত চাবুৱা পালোহি। লগ পালো "শিশু মনোবিজ্ঞান পৰিচয়" প্ৰণেতা আৰু বহুতো আলোচনীৰ শিক্ষামূলক প্ৰৱন্ধ লিখক মোৰ শিক্ষাগুৰু চাবুৱা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ শ্ৰীযুত সুৰেন্দ্ৰ নাথ ৰাজকুমাৰ দেৱক আৰু সু সাহিত্যিক শ্ৰীযুত কিৰণ শৰ্ম্মাদেৱক, লগ পালোঁ বহুতো সাহিত্যানুৰাগী শিক্ষক বন্ধুক। ইয়াৰ ভিতৰৰ বহু সংখ্যক বন্ধু, ইতিপূৰ্বে ডিব্ৰুগড় আঁনাতাৰ কেন্দ্ৰৰ যুববাণী অনুষ্ঠান আৰু মোৰেই সম্পাদনাত ওলোৱা 'সন্ধান' আলোচনীৰ জৰিয়তে পৰিচয়। এই সকলক লগ পাই মোৰ সেই পুৰণি মনটো জীপাল হৈ উঠিল। মনত পৰিল প্ৰকাশৰ বাট নোপোৱা সেই পুৰণি ভাব বোৰলৈ। এদিন সকলো গোটাই লৈ অধ্যক্ষ শ্ৰীযুত ৰাজকুমাৰ দেৱক চকু ফুৰাই কিবা এষাৰ লিখি দিবলৈ জনালোঁ। তেখেতে অনেক ব্যস্ততাৰ মাজতো 'প্ৰথম দেখা' ৰ আগ কথা লিখি দিয়াত তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ।

শেষত মোৰ 'প্ৰথম দেখা' ক সকলোকে দেখুৱাবলৈ ১৯৭৭ চনৰ চাবুৱা প্ৰশিক্ষণ কেন্দ্ৰৰ প্ৰশিক্ষাৰ্থী বন্ধুসকলে যি প্ৰচেষ্টা ললে তাৰ বাবে আৰু খুব কম সময়ৰ ভিতৰতে ছপা কৰি দিয়াত চাবুৱা প্ৰেছৰ মালিক শ্ৰীযুত গণেশ মহন্ত দেৱৰ লগতে প্ৰেছৰ সমূহ কৰ্ম্মীবৃন্দলৈ মোৰ হিয়া ভৰা শলাগ লৈছোঁ।

সদৌ শেষত আমাৰ সহৃদয় পাঠক পাঠিকা সকলে 'প্ৰথম দেখা' ক চেনেহৰ চকুৰে চালে আমাৰ শ্ৰম সাৰ্থক হব এই কামনা কৰিলোঁ।

ইতি

মহাবিদ্যালয় পথ
চাহবকটীয়া, ইং ৪/৭/৭৭

শ্ৰীসুলভ কাকতী

## চাবুৱা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ শ্ৰীযুত সুৰেন্দ্ৰ নাথ ৰাজকুমাৰ এম,এ,বি,টি দেৱৰ অভিমত ।

শ্ৰীসুলভ কাকতিৰ 'প্ৰথম দেখা' অন্যতম কবিতা পুথি । কবি যতীন দুৱৰাই কবৰ দৰে শ্ৰীকাকতিৰো অন্তৰ খন জেতুকা পাতৰ-মোগাবিলে ৰঙা পৰে। এই কবিতা পুথিত নোপোৱাৰ বেদনা আৰু পোৱাৰ কামনাই কবিতা সমূহৰ বিষয় বস্তু। কবিৰ অনাবিল আশাই "আশীৰ্ব্বাদ" কবিতাটিত প্ৰকাশ পাইছে—

'অন্তৰত আছে মোৰ, চেনেহৰ
অনন্ত সাগৰ,
তৃষ্ণা মোৰ অহৰ্নিশ দুৰ্ব্বাৰ
নুগুচে প্ৰাণৰ ।"

লেখকৰ পৰা ভৱিষ্যতে আৰু বিছু আশা কৰিব পাৰি । চঞ্চল কবিতা কুঁৱৰীয়ে যেন নিতে-নৱ-সাজ পিন্ধি ওলায় তাকে আশা কৰিলো ।

ইতি

শ্ৰীসুৰেন্দ্ৰ ৰাজকুমাৰ
অধ্যক্ষ
চাবুৱা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ ।

## সূচী পত্ৰ

## ॥ প্ৰথম দেখা ॥

অপৰূপা তুমি ৰূপৰ মাধুৰী
সন্মুখত মোৰ দিলা দেখা ;
প্ৰথম দেখাৰ একেটি চাৱনি
হিয়াত ৰ'ল শিলৰ ৰেখা ।

ওঁঠৰ পাহিৰ লাজুক হাঁহিত
দেখিলো অতি চিনাকী মোৰ ;
আছিলা লুকাই হঠাতে ওলাই
হিয়াত মোৰ বজালা সুৰ ।

(মোৰ) নিজান পৃথিবী সাৰ-সুৰ নাই
নীৰৱ হ'ই আছিল শুই ;
হঠাতেই তুমি দিলা আহি দেখা
উঠিল জ্বলি হিয়াৰ জুই ।

কি জানি সি ভুল হেৰাই ই কুল
ভুলতে মোৰ গাঁথিছো মালা ;
কি জানি সি ভুল তবাৰ যি ফুল
গলত তোমাৰ আগে' পালা ?

তথাপিও মোৰ বাজিছে ই সুৰ
জানো ই মোৰ নহয় ভুল ;
যদি হয় ভুল প্ৰথম দেখাত
ফুলিব কিয় আশাৰ ফুল ।

++++

## ॥ প্ৰিয়তমা ॥

তুমি মোৰ প্ৰিয়তমা, সপোন মাধুৰী সনা
তুমিয়ে গোৱালা মোক জীৱনৰ গান;
তুমি মোৰ প্ৰিয়তমা অপৰূপা মনোৰমা
স্বভাৱ চপলা দেখি বিয়াকুল প্ৰাণ;

তুমি মোৰ প্ৰিয়তমা খোজত পদুম ফুলা
যৌৱনৰ পদুলিত দিলা আহি দেখা;
তুমি মোৰ প্ৰিয়তমা হিয়াত সোমাই ৰ'লা
জীৱনৰ যৌৱনৰ যুগমীয়া ৰেখা ।

তুমি মোৰ প্ৰিয়তমা সপোনত দিয়া চুমা
হৃদয়ত চেনেহৰ সাগৰ জোৱাৰ ;
তুমি মোৰ প্ৰিয়তমা আবেগত দিয়া লোৱা
পাৰ হওঁ তুমি মই কল্পনা সীমাৰ ।

তুমি মোৰ প্ৰিয়তমা দিঠকত আনমনা
হৃদয় স্মৃতিত মাথো বিষাদৰ সুৰ ;
তুমি মোৰ প্ৰিয়তমা সপোনত দিয়া দেখা
দিঠকত তুমি নাই কল্পনাতে মোৰ ।

\+ +



## ॥ নকওঁ ॥

আহঁা আহঁা আহঁা মোৰ আহঁা কাষ চাপি
হৃদয়ৰ একেবাৰে কাষ ;
এনেটি মধুৰ ক্ষণ নাপাওঁ দুনাই
আজিয়ে গুচক অভিলাষ ।

লাজত লাজুক কিয় কৰিছা বৰণ
জগতৰে নিয়ম পূৰ্ব্বৰ ;
তুমি তুমি, মই মই, মানুহ জনম
বাহিৰ নহওঁ নিয়মৰ ।

নকওঁ নকওঁ আহঁা কাকোৱে নকওঁ
সকলোটি ৰাখিম গোপনে ;
হৃদয়ে বিচৰা সেই নোপোৱা যি তৃপ্তি
আহঁা লওঁ সমানে সমানে ।

তথাপিও ভয় বাৰু কিয়নো কৰিছা
তুমি মই মাথো দুদিনৰ ;
থাকি যক ইতিহাস যুগৰ বুকুত
অনাবিল আমাৰ প্ৰেমৰ ।

****

## ॥ এই মন এই ক্ষণ ॥

এই মন ফাগুনৰ
এই ক্ষণ যৌৱনৰ
চঞ্চল অধীৰ ;

এই সুৰ জীৱনৰ
এই গান যৌৱনৰ
উতলা সমীৰ ।

এই আহে মনে মনে
এই নাচে প্ৰাণে প্ৰাণে
চঞ্চল ফাগুন ;

এই ভাঁহে প্ৰতিচ্ছবি
এই আহে কায়া ছবি
জীৱন দাপোন,
নতুন সপোন ॥

× × × ×

[নতুন প্ৰবাহত প্ৰকাশিত]

## ॥ প্ৰতিমা ॥

আজিৰ মানুহে পূজে মানুহেই গঢ় দিয়া
মাটিৰ প্ৰতিমা ;
মই পূজো কাৰোবাক হিয়াৰ আবেগ ঢালি
জীৱন্ত প্ৰতিমা ।

****



## ॥ জীৱন বাটত ॥

তুমি য'ত মই ত'ত তুমি মাথো ভুল কৰা
মই তাত নাই ;
মনে যাক ভাল পাই মই কওঁ হিয়াইও
তাত ভুল নাই ।

চোৱা যদি দেখা পাবা মনে মনে মই আছো
হিয়াত লুকাই ;
নিশা হলে দেখা দিওঁ সপোনত পৰাণৰ
আবেগ জগায় ।

সেই বাবে কওঁ সোন ভালদৰে চোৱা মোক
হিয়াতেই আছো ;
তুমি মই দুয়ো মিলি জীৱন মিলন ছবি
আঁকিছো মচিছোঁ ।

তুমি ছবি মই শিল্পী কত সাধনাৰ মোৰ
প্ৰাণৰ মাজত ;
খন্তেকীয়া পৃথিবীৰ লগৰীয়া তুমি মোৰ
জীৱন বাটত ।

ইদৰেই থাকা যেন হিয়াৰ মাজত মোৰ
জীৱন লগৰী ;
নিৰাশাত উচুপিলে চেনেহ সাদৰি মাতে
ধৰিবা সাৱটি ।

OOOO

## ।। মাধুৰী ।।

সেই মুখ, সেই চকু, সেই ৰঙা মিহি ওঁঠ
নাই হোৱা সলনি একোতে
মৰমে উপচি পৰা সেই ওখ বুকুখনি
ঢ'উ খেলে প্ৰতিটি খোজতে।
নাই হোৱা সলনি একোতে ।।

ৰাঙলী গোলাপ ফুলা সেই মধু হাঁহিটিত
বিশ্ব মোৰ জ্যোতিস্মান হয় ;
নীলা সৰু দুটি চকু একেথৰে চাই ৰ'ই
অপ্ৰকাশে কিনো কথা কয় ।
বিশ্ব মোৰ জ্যোতিস্মান হয় ।।

লাহী সৰু ককালটি মনৰ সেই ভাবটি
মনতেই ঢ'উ খেলি নাচে ;
যৌৱন উপচা বুকু আশাৰ সম্ভাৰ ল'ই
ঘনে ঘনে উঠা নমা কৰে ।
মনতেই ঢ'উ খেলি নাচে ।।

হাঁহি হাঁহি কথা কোৱা হিয়া ঢালি ভালপোৱা
ৰখা নাই একোকে গুপুতে ;
মৰম কৰাৰ চলে বুকুত সাৱটি ললে
মুচ্ কচ্ যায় লাজতে ।
ৰখা নাই একোকে গুপুতে ।।

০০০০



## ।। হওক পৃথিবী সুৰময় ।।

দূৰণিৰ পৰা অহা এজাক বতাহে
কলে কানে কানে মোৰ
নিজান বনত বহি নেলাগে বজাব
বাঁহীত নতুন সুৰ ।

পুৰণি সুৰেই এই আছে কাষ চাপি
যোৱা নাই বহু দূৰ :
পুৰণি সুৰতে পোৱা হিয়াত তোমাৰ
আছে সকলোটি পূৰ

বজোৱা বজোৱা সেই একেটি সুৰকে
থাকক একেটি লয় ;
আজিৰ সুৰৰ সতে হওক পৃথিবী
মাথো সুৰ সুৰময় ।

## ।। চিনাকী ।।

যিদিনা প্ৰথমে আমি চিনা জনা হলো
হাঁহি মাৰি পদূলি মুখত ;
মইতো নাছিলো ভবা গোপনে লুকাই
ৰ'বা মোৰ হিয়াৰ মাজত।

আজি তুমিয়ে সাদৰি সপোন দিঠক
নিৰাশাত ভৰসাৰ থল ;
অমানিশা আন্ধাৰত হিয়া উজলাই
ঢালি দিবা চেনেহৰ ঢল ।

+ + + +

## ।। প্ৰেমৰ কবিতা ।।

তোমাৰ সপোন দেখো প্ৰেমৰ কবিতা লিখো
হৃদয়তে তোমাৰ ছবিটি,
দিঠকৰ শূন্য ঠাই সপোনত ছাঁয়া পাই
ধৰো তাকে ভুলতে সাৰটি ।

ওঁঠে ওঁঠে, ওঁঠ থ'ই বুকুত সাৰটি ল'ই
ঢালি দিও হিয়াৰ সম্ভাৰ ;
তুমি দিয়ে ভালপোৱা মৰমে চপাই লোৱা
মেলি দিয়া হিয়াৰ দুৱাৰ ।

চেনেহৰ ঢল নামে হিয়াতেই হিয়া পমে
খন্তেকীয়া আশা ফুল ফুলে ;
যদিও সপোন হয় দিঠকত অশ্ৰু বয়
কামনাৰ জুই হ'ই জ্বলে ।

× × × ×

## পলাশ বনত জুই

সিদিনা —
পলাশ বনত আছিল
মন বিহঙ্গৰ মৌ ৰবষা গান ।
আজ
সেই বনত
ৰূঢ় ৰূঢ় শব্দৰ ঐক্যতান ।।

০ ০ ০ ০

( নতুন প্ৰৱাহত প্ৰকাশিত )



## ।। আশীৰ্ব্বাদ ।।

মইতো নহওঁ কবি, লিখা নাই
কবিতা প্ৰেমৰ ;
লিখিছো প্ৰাণৰ কথা আবেগত
কোনোবা দিনৰ ।

দিয়া নাই প্ৰেমঢালি, ৰ'ই যক
স্মৃতি যুগমীয়া ;
হিয়াৰো আপোন নাই, ময়ে মাথো
মোৰ লগৰীয়া ।

অন্তৰত আছে মোৰ, চেনেহৰ
অনন্ত সাগৰ ;
তৃষ্ণা মোৰ অহৰ্নিশ, দুৰ্ব্বাৰ
নুগুচে প্ৰাণৰ ।

কিদৰে বুজাওঁ মই, অন্তৰৰ
সীমাহীন আশা :
নোৱাৰো বুজাব কাকো, হীনমোৰ
পৰাণৰ ভাষা ।

আছে যে মনত কত, কল্পনাৰ
সুখ সপোনৰ ;
ভুলতেই সাজো চাং, খেলা মাথো
শূন্য দিঠকৰ ।

কত জনে তাকে দেখি, চেনেহতে
দিয়ে যে আশ্বাস ;
কত জনে ভ্ৰূকুটিৰে, হাঁহি মাৰি
কৰে উপহাস ।

হাঁহি মুখে থাকো মই, অন্তৰতে
লই নিৰ্বিবাদ ;
নকৰো মনত খেদ, সকলোটি
মাথো আশীৰ্ব্বাদ ।

—০—

## ।। সপোনৰ সুখ ।।

(১)

সপোন আপোন হয় দিঠক গোপন হয়
সপোনতে হিয়া ঢালি দিয়ে ;
ভালপোৱা গাঢ় হয় দুখ গ'ই সুখ হয়
সপোনেই প্ৰাণ টানি নিয়ে ।

(২)

সপোনৰ দৰে যদি দিঠকো মধুৰ হয়
আছে জানো অন্য কিবা সুখ ;
দেখো যদি কেতিয়াবা লাজ ৰঙা মুখ খনি
হৰি নিয়ে হাড় ভঙা দুখ ।

+ + + +



## ।। শূন্য পৰিচয় ।।

জানো বুলি ভাবো নাজানো একোকে
ভুলে ভুলে হ'ল মহাভুল ;
আছো বুলি ভাবো নাই ক'তোৱেই
হেৰাল আপোন স্থিতি কুল ।

চাওঁ যে সুঁৱৰি ইতিহাস মোৰ
আছেনেকি কিবা লিখা তাত ;
নাই শিলৰেখা পুৰণি দিনৰ
নাপাওঁ দেখো একোৰে মাত ।

হয়তো ইয়াতে আছিল জিলিকি
শিলৰ বুকুৰ ইতিহাস
নাই দেখো আজি নাপাওঁ যে দেখা
চিন মোকাম পূৰ্ব্বভাস ।

জানো মই আছে গতিশীলতাত
পৃথিবীৰ স্থিতি কক্ষ্য হই ;
কিজানিবা মই সিগতিত উটি
কোনো দূৰত আছোহি ৰ'ই

চাওঁ চউদিশে পাওঁবা চিনাকী
আছেৰা কোনো চিনাকী মোৰ ;
নাই নাই মোৰ সকলো অচিন
কানত বাজে অচিন সুৰ ।

এই পৃথিবীত নাপালো একোকে
নৰল একোতে স্থিতি চিন ;
মানুহ হ'ইও মানুহৰ সতে
হলো আজি পৰিচয় হীন ।

00000

(গীত)

## ।। মই থাকিলো বৈ ।।

মনৰ চোতাল সাৰি থৈছোঁ
খোজ কাৰো পৰা নাই ।
হিয়াৰ দুৱাৰ মেলি থৈছোঁ
কিয় বাৰু অহা নাই ।।

উগুল থুগুল মন ল'ই
মনে চাওঁ বাটলৈ ;
মনে মাটিত মণ্ডল চাওঁ
কিজানিবা আছা বৈ ।
আহি পোৱাৰ কতোৰেই
নাই যে সঁহাৰি নাই ।।

ছাঁয়াৰ ছালনাৰে কাঢ়ি নিলা মন
নিশাৰ সপোন থৈ ;
আকৌ অহাৰ প্ৰতিশ্ৰুতিতে
মই থাকিলো বৈ ।
কত ক্ষণ যে গল বিফলে
কিয় বাৰু অহা নাই ।।

00000

সুৰ — ৰুমি বৰবৰা
গায়িকা — অনুজনা কাকতী



## ।। মোৰ গীতে গীতে গীতে ।।

ক্লান্ত সন্ধ্যাৰ মৌন ক্ষণত
তোমাৰ গীতকে গাওঁ
সেই গীততেই ক্ষণিকৰ বাবে
তোমাক বিচাৰি পাওঁ ।।

জানিবে সেই লাজুক ওঁঠৰ
তোমাৰ মিঠা মিঠা কথা,
হিয়াৰো হিয়াত নিবিড় গোপনে
আজিও যে আছে গঁথা ।
সেই সোঁৱৰণি সুৰ ৰচিবলৈ'
তোমাৰে প্ৰেৰণা পাওঁ ।।

তুমি মোৰ স্বপ্ন তুমি কল্পনা
মোৰ গীতে গীতে গীতে ;
তুমি যেন মধুৰ একেটি সুৰ
মোৰ প্ৰাণে প্ৰাণে প্ৰাণে ।
সেয়ে সন্ধ্যাৰ মৌন ক্ষণত
তোমাৰ গীতকে গাওঁ ।।

++++

## ।। ফাগুনৰ গান ।।

গানেৰে আঁকিলোঁ মই
তোমাৰে ছবিটি ।
সুৰেৰে সজালোঁ মই
তোমাৰে মুকুতি ।।

প্ৰেমৰ অঞ্জন সানি
আঁকিলো তোমাক ;
এন্ধাৰত তুমি হ'বা
জোনৰ জোনাক ।
(মোৰ) জীৱন জোনালী হৈ
থাকিবা জিলিকি ।।

আঁকিলো তোমাৰ ছবি
মোৰ মনে প্ৰাণে ;
হৃদয় বতৰা দিলো
মোৰ গানে গানে ।
তথাপি নাপালো মই
তোমাৰে মনটি ।।

সুৰ — পুতুল ভট্টাচাৰ্য্য

OOOOO



(গীত)

## ।। যদি হয় লগ পোৱা ।।

তোমাক আকৌ কেতিয়াবা
যদি হয় লগ পোৱা,
সেইদিনা কম সিদিনাৰ
যি কথা নহল কোৱা ।।

তুমি তাতেই থাকিবা বৈ
মহে়া লগ হম গৈ ;
মনৰ কথাটি কম মোৰ
তুমি ভাল পোৱাকৈ ;
(হেতিয়া) গালি তুমি নাপাৰিবা
যদি শুনি লাজ পোৱা ।।

ভাষাৰে,কবলৈ সি কথা
লাজ লাজ লাগি যায় ;
চকুৰে কলেও দেখোন
কিবা বাকী থাকি যায় ।
কিয় বাৰু লগ পাব খোজো
তুমি নিজে বুজি লোৱা ।।

+ + +